# আশা-আকাঙ্ক্ষা

ৰবীন মজুমদাৰ




পাণবজাৰ : গুৱাহাটী
পিন—৭৮১ ০০১

**ASHA AKANKHYA**

ROBIN MAZUMDER

*Published by :* **Smti. Ila Sarmah**

JYOTY PRAKASAN, GUWAHATI

FIRST PUBLISHED 1993

PRICE RUPEES THIRTY ONLY.

**আশা-আকাংক্ষা**

**ৰবীন মজুমদাৰ**

প্ৰকাশক : ইলা শৰ্মা, জ্যোতি প্ৰকাশন, গুৱাহাটী

প্ৰচ্ছদ : ত্ৰৈলোক্য দত্ত, গুৱাহাটী

মুদ্ৰক : পি. আৰ. প্ৰিণ্টাৰ্চ, বিষ্ণুৰাভা পথ, মজলদৈ

মূল্য : ৩০'০০ টকা মাথোন।

বহু সম্ভাৱনা আৰু আশা-আকাংক্ষা বুকুত লৈ
অকালতে চিৰদিনৰ বাবে গুচি যোৱা
মোৰ সহপাঠী
প্ৰিয়বন্ধু
ডঃ খনীন্দ্ৰ নাথ কলিতাৰ
পবিত্ৰ সোঁৱৰণত—

## আশা-আকাঙক্ষাৰ বিষয়ে ঃ

আশা-আকাঙ্ক্ষাৰ জন্মৰ গুৰিতে কবলৈ গলে আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ ধাৰাবাহিক উপন্যাস পাঠৰ অনুষ্ঠান ক্ৰমশঃ। এই অনুষ্ঠানৰ প্ৰযোজক যশস্বী নাট্যকাৰ, পৰিচালক শ্ৰীমুনীন ভূঞাই এদিন অনাতাঁৰ কেন্দ্ৰতে লগ পাই ক'লে—আমাৰ ক্ৰমশঃৰ কাৰণে আৰু এখন নতুন উপন্যাস দিয়ক। তেনেকৈ কোৱাত মযো উৎসাহিত হৈ মোৰ দুই এক সহপাঠী সতীৰ্থই পিছপৰা আৰু আওহতীয়া ঠাইত চাকৰি কৰিবলৈ গৈ লাভ কৰা অভিজ্ঞতাৰ লগতে নিজৰ কিছু যোগ দি মনতে সাজি থোৱা কাহিনীৰ জঁকাটোকে সাৱধি কৰি লিখিবলৈ ললো আৰু সেয়েই শ্ৰীকমল শৰ্মাৰ কণ্ঠত আকাশবাণীৰ ধাৰাবাহিক উপন্যাস 'আশা-আকাঙ্ক্ষা' ৰূপে জীৱন্ত হৈ উঠিল। মোৰ আগৰ দুয়োখন উপন্যাসে লাভ কৰা সাফল্য আৰু পাঠক সমাজৰ সহাঁৰি আৰু মৰমলৈ চাই 'আশা-আকাঙ্ক্ষা'ক কিতাপৰ ৰূপ দিবলৈ সাহ কৰিলো। জ্যোতি প্ৰকাশনে প্ৰকাশৰ দায়িত্ব লোৱাত প্ৰতিষ্ঠানটিলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। শ্ৰীমুনীন ভূঞা আৰু শ্ৰীকমল শৰ্মাৰ লগতে যিসকল অনাতাঁৰ শিল্পীয়ে উপন্যাসখনিক গুণযুক্ত শ্ৰোতামণ্ডলীৰ কাষ চপাই নিলে তেখেতসকলবো

শলাগ লৈছোঁ ; শলাগ লৈছোঁ মোৰ শ্ৰোতা, পাঠক আৰু শুভাকাঙ্ক্ষীসকলৰ যাৰ প্ৰেৰণা অবিহনে 'আশা-আকাঙ্ক্ষা'ৰ বিষয়ে লিখাৰ সুযোগেই হয়তো নেপালোহেঁতেন । 'মই জেলৰ বাহিৰত' আৰু 'অস্ত ৰবিৰ গান'ৰ নিচিনাকৈ 'আশা-আকাঙ্ক্ষা'ও আপোনালোকৰ মৰমৰপৰা বঞ্চিত নহব —এই আশাৰে—

পানীখোলা, ১ জানুৱাৰী '৯৩ ৰবীন মজুমদাৰ

# প্ৰথম অধ্যায়

## ॥ এক ॥

দুপৰীয়াৰ প্ৰখৰ ৰ'দত ঘামি-জামি যেতিয়া উদ্দীপ্ত ৰিক্সাখনৰ পৰা নামিল, তেতিয়া নৈৰ ঘাটত না নাই, অন্য কোনো পাৰহবলগীয়া যাত্ৰীও নাই। ৰিক্সাৱালাই ডিঙিৰ ৰঙা মলিয়ন গামোচাখনেৰে মুখ আৰু ডিঙিৰ ঘাম মোহাৰিলে আৰু ৰিক্সাৰ পৰা হ'ল্ডৰ'ল আৰু চামৰাৰ চুটকেছটো নমাই ঘাটৰ পাৰৰ সৰু খেৰৰ চালিখনৰ তলৰ বাঁহৰ চাংখনতে থলে। ইতিমধ্যে উদ্দীপ্তই কান্ধত ওলোমাই অনা বেগটোও তাত থৈছিলেই। পেণ্টৰ পিছপকেটৰ পৰা ক'লা মানি-বেগটো উলিয়াই লৈ সি নৈৰ সিটো পাৰলৈ চাই পঠিয়ালে।—

আগৰবাৰ দেখাতকৈ নৈখন বহুত বহল হ'ল। সোঁতো বঢ়া যেন লাগিছে। নৈৰ বুকুত উটি অহা মটিয়া বৰণৰ ফেনবোৰ আৰু মাজে মাজে দুই এডাল গছ-বাঁহৰ জেং, ডাল ইমান কোবেৰে উটি গৈছে ভটিয়নী সোঁতত! ইমানবোৰ পানীয়েবা ক'ৰ পৰা আহিল? নৈৰ বুকুখন একেবাৰে উফন্দি উঠিছে— উদ্ভিন্ন যৌৱনা নাৰীৰ বুকুৰ দৰে।

নৈখনৰ পৰা চকুহাল ঘুৰাই আনি একেলগে মানিবেগৰ পৰা উলিওৱা হাতৰ নোটকেখন আৰু ৰিক্সাৱালালৈ চালে। মানুহটোৱে ইমান সময় উদ্দীপ্তলৈ চাই আছিল— সি নৈখনলৈ একান্তমনে চাই থকা দেখি।